# সুবনশিৰীৰ স্বপ্ন

সৈয়দ আব্দুল মালিক





ভৰানী পাবলিচিং· কম্পানী

# সূৰ্যমুখীৰ স্বপ্ন

সপ্তম তাঙৰণ : আশ্বিন ১৯০৫ শক, অক্টোবৰ ১৯৮৩, প্ৰকাশক : শ্ৰীবনবিহাৰী চক্ৰৱৰ্তী, ভৱানী পাবলিচিং কনছাৰ্ণ, ১-এইচ, ৰাধানাথ মল্লিক লেন, কলিকতা ৭০০০১২

আঠাৰ টকা পঞ্চাশ পইচা মাথোন

মুদ্ৰক : শ্ৰীপ্ৰফুল্ল কুমাৰ বক্‌চী, জয়দুৰ্গা প্ৰেচ ৫৩, ৰাজা দীনেন্দ্ৰ ষ্ট্ৰীট, কলিকতা ৭০০০০৯. বন্ধা : সাহা বাইণ্ডিং ৱৰ্কছ, ১৬৬, কেশবচন্দ্ৰ সেন ষ্ট্ৰীট, কলিকতা ৭০০০০৯

বেটুপাত : তুষাৰ সান্যাল

প্ৰথম তাঙৰণৰ পাতৰণৰা






ৰচনাকাল

১৪. ১০. ৫৮ৰপৰা ৬. ১১. ৫৮লৈ


প্ৰথম প্ৰকাশ
এপ্ৰিল ১৯৬০ চন

মুদ্ৰণ
এলেন প্ৰেচ
৬৩ বিডন ষ্ট্ৰীট
কলিকতা


অৰ্পণ

মোৰ শ্ৰদ্ধাভাজন শিক্ষাগুৰু
আজীৱন সাহিত্যসেৱী
**শ্ৰীডিম্বেশ্বৰ নেওগদেৱৰ**
কৰকমলত


প্ৰচ্ছদ চিত্ৰ
হেমন্ত মিশ্ৰ
কলিকতা

পৰিবেশক
শৰালি পুথিঘৰ
ট্ৰাঙ্ক ৰ'ড
যোৰহাট

অৰ্পণ

মোৰ শ্ৰদ্ধাভাজন শিক্ষাগুৰু

আজীৱন সাহিত্যসেৱী

৺ডিম্বেশ্বৰ নেওগদেৱলৈ

মোৰ 'সুৰুযমুখীৰ স্বপ্ন' নামৰ উপন্যাসখনৰ এইয়া সপ্তম তাঙৰণ। কিতাপখনে সমালোচক আৰু পাঠকৰ সমাদৰ লাভ কৰিব পৰাৰ কাৰণেই এই তাঙৰণ উলিয়াবলগীয়া হৈছে। ডিব্রুগড় বিশ্ববিদ্যালয়ে অসমীয়া ভাষাৰ পাঠ্যক্রমত অন্তর্ভুক্ত কৰি ইয়াৰ সাহিত্যিক-মূল্যক স্বীকৃতি দিছে। নেচনেল বুক ট্রাষ্টে ইয়াৰ অনুবাদ অন্যান্য ভাষালৈ কৰাইছে। ইতিমধ্যে হিন্দী আৰু বাংলা অনুবাদ প্রকাশ হৈ গৈছে। অন্যান্য ভাষালৈও অনুবাদ হৈ আছে।

এক অকমনীয় এলাহৰ কাৰণেই হওঁক নাইবা নিজৰ লেখাৰ প্রতি দুর্বলতাৰ কাৰণেই হওঁক মই উপন্যাসখন প্রথম লেখাত থকাৰ ধৰণেই থাকিবলৈ এৰি দিছোঁ; যদিও হয়তো ক'ৰবাত হাত ফুৰালে কিবা ভাল হ'লহেঁতেন।

আশা ৰাখিছোঁ এই উপন্যাসখনে অতদিনে পাই অহাৰ দৰেই এতিয়াও ৰাইজৰ মৰম পাব।

৬ অক্টোবৰ ১৯৮৩

যোৰহাট

আব্দুল মালিক

নৈখনে কথা কয়।

বহুত পুৰণি কথা।

কথাবোৰ দুয়োপাৰৰ গৰাত লাগি লাগি ৰয়। বিৰিণাৰ পাতত বহুত দিনলৈ লাগি থাকে। বতাহজাক আহি পুৰণি কথাবোৰ বিৰিণা-পাতৰপৰা ক'ৰবালৈ লৈ যায়।

তথাপি কথাৰ শেষ নাই।

ধনশিৰিয়ে পৰ্বতৰ কথা জানে, ভৈয়ামৰ কথা জানে, ভৰপূৰ গাঁৱৰ কথা জানে, এৰাবাৰীৰ কথা জানে, বাৰিষাৰ কথা জানে, খৰালিৰ কথা জানে।

নদীৰ বুকুত অনন্তকালৰ কথা! বেজাৰৰ, আনন্দৰ, হাঁহিৰ, কান্দোনৰ জন্মৰ, মৃত্যুৰ।

বহুত মৰমৰ কথাও জানে ধনশিৰিয়ে।

কথাবোৰ পুৰণি হয়, ধনশিৰি নতুন হয়। বাৰিষাৰ বানে খৰালিৰ বেদনা ধুই লৈ যায়। কাহিনীবোৰো নিকা হয়।

ধনশিৰিৰ পাৰত নতুন কাহিনীৰ কুঁহিপাত গজে।

ধনশিৰি পাৰৰ ধন নোহোৱা জৰা-জীৰ্ণ গাঁও ডালিম। ডালিম গাঁৱৰ ডেকা-গাভৰুইতৰ গাত ডালিম গুটিৰ বঙা তেজ প্ৰথমে কোনে দেখিছিলি ধনশিৰিয়ে জানে।

আনে নেজানে।

কেইবা শ' বছৰৰ পুৰণি গাঁও। আলৰ বুঢ়া বৰগছ কেইজোপা তাৰ সাক্ষী, নৈৰ পাৰৰ জয়াৰ মৰিশালিখন তাৰ সাক্ষী; গাঁৱৰ বুঢ়া-বুঢ়ীৰ মুখত আগৰ কালৰ সাধুকথাৰ শেষ নাই। নৈৰ ঘাটত হেজাৰ ডেকা-গাভৰুৰ চিন-মাৰ-যোৱা খোজৰ দাগৰ স্মৃতি। বহুত হেজাৰ, বহুত লাখ।

খোজ ছিৰ পৰা হ'লে, কেঁচুৱাই খিয় দিয়ে, গা' ভোগৰৰ মাটিৰ লগত সম্পৰ্ক কমি আহে, কিন্তু মাটিয়ে ভৰিক কোনো দিন এৰি নিদিয়ে, মাটিৰ লগত ভৰিৰ খোজ জনমবুলীয়া, এৰাব নোৱাৰা। মাটি আৰু ভৰিৰ তলুৱা।—বন্ধু।

ধনশিৰি নামি আহিছে নগা পাহাৰৰপৰা, কোনোবা নাগিনী গাভৰুৰ নাচনি কঁকালৰ চেও ধনশিৰিৰ গাত। ওঁঠত নাগিনীৰ হাঁহি—মিঠা, বাংঢ়ালী—ক্ৰূৰ।

ধনশিৰিয়ে হাঁহে।

বৈ গৈছে ব্ৰহ্মপুত্ৰলৈ। লুইতৰ বাহুৰ মাজত কিহৰ জানো সোণৰ সোলেংটো বিচাৰি। অকণি ব'ৰ্বো আজৰি নাই।

এযাৰ কথা কৈ যোৱা—ওহঁ।।

এযাৰ কথা শুনি যোৱা—ওহোঁ।

—নক্‌য়।

নাচনি ধনশিৰিৰ কঁকালত দেও লগা, দেওধনিৰ চেও!

ধনশিৰি বৈছে দক্ষিণৰপৰা উত্তৰলৈ—নগা পহাৰৰপৰা ব্ৰহ্মপুত্ৰলৈ। ডালিম গাঁৱক চিনি পায়, বহুত দিনৰপৰা।

পুৱে ধনশিৰি, পছিমে ডালিম। ধনশিৰিৰ পশ্চিম পাৰে ডালিম গাঁও। তিনিকুৰি দহ ঘৰ মানুহৰ লক্ষ পুৰণি গাঁওখন। হিন্দু-মুছলমান, নেপালী-মিকিৰৰ মিহলি গাঁও। নৈৰ একেবাৰে পাৰত ওঠৰ ঘৰ নেপালী, সিহঁতৰ ম'হ-গৰুৰ খুটি, গৰু থকা গোহালি আৰু মানুহ থকা ঘৰ। সৰিয়হ পাৰে, গোমধান বোৱে পাথীৰ বেচে, জলকীয়া, জাতিলাওৰ খেতি কৰে।

সিহঁতৰ গাতে লগা ছয়ত্ৰিশ ঘৰ মুছলমান। দুটা চুবুৰিত দুভাগ—ন-ডালিম, পুৰণি-ডালিম—পিছে ডালিম গাঁও একেখনেই।

ধানখেতি কৰে, সৰিয়হ-মাটিমাহ, মৰাপাট কৰে, নৈৰ পূৰফালে সিটো পাৰত পাম খেতি কৰে, বিয়া পাতে, ৰবভোজ কৰে, দন-কাজিয়া কৰে। মনে মনে থাকে।

তাৰ সিপাৰে সৰহখিনি হিন্দুৰ পৰিয়াল—কছাৰী আৰু সূতকুলীয়া মানুহ, এঘৰ বামুণো আছে। আঠ ঘৰ মিকিৰ।

ঈশ্বৰ, আল্লা, শিল আৰু গছ—সকলোৱে পূজা পায়। দুটো মছজিদ, এটা নামঘৰ।

গধুলি গাঁৱলৈ ঈশ্বৰ নামি আহে। হিন্দুৰ চোতালত কোনোবাই একাকি লেনিয়া সুৰৰ বৰগীত গায়: পাৰে পৰি হৰি, কৰোঁহো কাতৰি ··

শুকুৰবাৰে মছজিদলৈ আল্লা আহে।

কোনোবাই আজান দিয়ে—আল্লা হু আকবৰ।

ধনশিৰিত বান আহিলে,' বনৰীয়া হাতী ওলালে, কাৰোবাৰ ঘৰত জুই